## বিষ্ণু পুৰাণ ও মৎস্য পুৰাণৰ মতে পৰীক্ষিতাব্দ

| | | |
|---|---|---|
| পৰীক্ষিতৰ জন্মৰপৰা নন্দভিষেক পৰ্য্যন্ত | — | ১০১৬ |
| পুত্ৰগণ সহিত নন্দৰ ৰাজত্ব কাল | — | ১০০ |
| মৌৰ্য্য বংশৰ ৰাজত্বকাল — | — | ১৩৬ |
| শুঙ্গ বংশৰ ৰাজত্ব কাল — | — | ১১২ |
| কন্ব বংশৰ ৰাজত্ব কাল — | — | ৪৫ |
| অন্ধ্ৰ বংশৰ ৰাজত্ব কাল — | — | ৪৫৬ |
| আভিৰ ও গৰ্দ্দভিলৰ ৰাজত্ব কাল | — | ১১৫ |
| ইয়াৰ পাছত শক বা কঙ্ক অথবা কনিস্ক | — | ১৮৬৩ |
| | | ৩৮৪২ |

| | |
|---|---|
| কলিৰ আৰম্ভৰপৰা পৰীক্ষিতৰ জন্ম পৰ্য্যন্ত | ১২০০ |
| কলিৰ গতাব্দ —— | ৫০৪১ |

## ভাগবতৰ মতে পৰীক্ষিতাব্দ

| | |
|---|---|
| পৰীক্ষিতৰ জন্মৰ পৰা নন্দভিষেক পৰ্য্যন্ত | ১১১৫ |
| পুত্ৰগণ সহ নন্দৰ ৰাজত্বকাল | ১০০ |
| মৌৰ্য্য বংশৰ ৰাজত্বকাল | ১৩৬ |
| শুঙ্গ বংশৰ ৰাজত্ব কাল | ১১২ |
| কন্ব বংশৰ ৰাজত্ব কাল | ৪৫ |
| অন্ধ্ৰ বংশৰ ৰাজত্ব কাল | ৪৫৬ |
| আভিৰ ও গৰ্দ্দভৰ ৰাজত্বকাল | ১৫ |
| ইয়াৰ পাছত শক বা কঙ্ক অথবা কনিস্ক | ১৮৬৩ |
| | ৩৮৪২ |

ভাগবতৰ মতে পৰীক্ষিতাব্দ।

কলিৰ গতাব্দ ৫০৪১, পৰীক্ষিত পূৰ্ব্ব ১২০০

পৰীক্ষিতৰপৰা ৩৮৪১ আজিলৈ

শক ১৮৬৩

১৯৭৯ পৰীক্ষিতাব্দত — ১ম শকাব্দ আৰম্ভ হয়।

চুলটান মামুদ আহে ১০০১ খৃষ্টাব্দত

হাজাজ আহে বুৰঞ্জীৰ মতে ৭১২ খৃঃ পূঃ

মন্তব্য ঃ— শক শব্দৰ অৰ্থ আজিকালি প্ৰচলিত শক বুজিব লাগিব। ইয়াৰ আগত শকবুলি বছৰ গণনা নাছিল, পৰীক্ষিতাব্দ, যুধিষ্ঠিৰাব্দ এনেকুৱাকৈ বছৰ গণনা আছিল। এই শকব ইন্দু অষ্ট নব শক যোৱাৰ পাছত পুণ্যদেশত (ভাৰতত) মুচলমানে ৰাজত্ব কৰা শিৱৰ বচনৰ দ্বাৰায় প্ৰমাণিত হয়। ভগবান শ্ৰীকৃষ্ণৰ দিনত মুচকুন্দৰ উপখ্যানত যি কাল যৱনৰ কথা শুনা যায় তাৰ বিশেষ বিবৰণ বিষ্ণুপুৰাণৰ পঞ্চামাংশৰ এক বিংশতি অধ্যায়ত দ্রষ্টব্য।

শক বিলাক পূৰ্ব্বত ক্ষত্ৰিয় আছিল, সগৰৰ যুদ্ধত বশিষ্ট মুনি সিইঁতক মাৰিব নেদি জাত্যন্তৰ কৰি ৰাখিছে।

কলিৰ বাৰশ বছৰৰ মূৰতে পৰীক্ষিতৰ জন্ম হয়। ভগবান শ্ৰীকৃষ্ণৰ অৱতাৰ দ্বাপৰৰ শেষ কলিৰ আদিত। মুচকুন্দয় কাল যৱনক বধ কৰি কলিৰ নানা বিধ অমঙ্গল লক্ষণ দেখি বদৰিকাশ্ৰমক তপস্যা কৰিবলৈ গৈছিল। বদৰিকাশ্ৰম গন্ধমাদন পৰ্ব্বতত। “বদৰি আশ্ৰমং পুণ্যং গন্ধমাদনপৰ্ব্বতে” ইতি বিষ্ণু পুৰাণ পঞ্চমাংশ, সপ্ত ত্ৰিংশ অধ্যায়।

বৈবস্বৎ মন্বান্তৰ অষ্টবিংশতি যুগৰ সূৰ্য্যবংশ আৰু চন্দ্ৰবংশৰ পুৰুষী নামা যথাসাধ্যে লিখিলোঁ। এই মন্বান্তৰৰ প্ৰথম যুগৰপৰা সপ্ত

বিংশতি যুগ পৰ্য্যন্ত এই দুই বংশৰ একাদিক্ৰমে যে পুৰুষিনামা পোৱা নেযায়।

কনিস্কয় শক বংশৰ প্ৰথম ৰাজা, কনিস্কসৈতে ১৬ জন ৰাজায় ভাৰতত ৰাজত্ব কৰিছে। ভাগৱতত লিখিছে যে কঙ্ক ১৬ জন, মৎস্য পুৰাণ, বিষ্ণু পুৰাণৰ মতে শকৰ ১৬ জন ৰাজা হব, মকুন্দ শৰ্ম্মৰ নিচিনা কঙ্কৰ ঠাইত কনিস্ক হৈছে।




এই বাণে শোণিত নামে এখন নগৰ পাতিছিল। এতিয়া তাৰ নাম তেজপুৰ; পুৰণি ভগ্নাবশেষ দেখা যায়। কালিকা পুৰাণত দ্ৰষ্টব্য।

এই বাণৰ কন্যা
উষা স্বামী অনিৰুদ্ধ।

এই উষা জন্মান্তৰত ছয়গাওঁৰ চম্পক বা চম্পা নগৰৰ চান্দ সদাগৰৰ সপ্তম পুত্ৰ বধু বেউলা যথা—

পূৰ্ব্বৰ বৃত্তান্ত তোমাৰ নাই সুমৰণ।
তুমিতো আছিলা পূৰ্ব্বে কামৰ নন্দন॥
মইতো আছিলো আগে বাণৰ জীয়াৰী।
আমাদুইকো হৰি আনে জয়বিষহৰী ইত্যাদি।
পূৰ্ব্বত আছিলো মই উষা নামে সতী ইত্যাদি।

চান্দনামে সদাগৰ চম্পক নগৰে ঘৰ ইত্যাদি অসম দৰঙ ৰাজাৰ দ্বাৰপণ্ডিত্ সুকবি নাৰায়ণ দেৱ ৰচিত পদ্মপুৰাণত দ্ৰষ্টব্য।

হিৰণ্যকশিপুৰ কন্যা সিংহিকা, স্বামী বিপ্ৰচিত্ত, পুত্ৰ ৰাহু॥ ইতি॥ সৃষ্টি হোৱাৰপৰা এতিয়ালৈকে পুৰুষী নামা।

অঙ্গিৰা বংশ

ব্ৰহ্মা
|
অঙ্গিৰা
|
২ পুত্ৰ
৪ কন্যা

১। জ্যেষ্ঠ পুত্ৰ বৃহস্পতি ২। কনিষ্ঠ পুত্ৰ উতথ্য। বৃহস্পতিৰ পত্নী তাৰা, উতথ্যৰ পত্নী মমতা। বৃহস্পতিৰ ভাৰ্য্যা তাৰাৰ গৰ্ভত চন্দ্ৰৰ বুধ নামে এটি পুত্ৰ হৈছিল। এই বুধ চন্দ্ৰবংশৰ আদি পুৰুষ।

উতথ্যৰ পত্নী মমতাৰ গৰ্ভত বৃহস্পতিৰ ভৰদ্বাজ বা বিতথ নামে এটি পুত্ৰ হৈছিল। এই বিতথক চন্দ্ৰ বংশীয় ভৰত ৰাজাক পুত্ৰ ৰূপে দান কৰিছিল।

৪ কন্যা যথা

১। কুহু ২। ৰাকা ৩। সিনিবালি ৪। অনুমতি ইতি।

ৰাক্ষসবংশ

ব্ৰহ্মা

|

পুলস্ত্য

২ পুত্ৰ

|

১। বিশ্বশ্ৰবা  ২। দত্তোলি।

এই বিশ্বশ্ৰবাৰ দুই পত্নী

১। পুষ্পোৎকাটা ২। নিকষা বা কেশিনী

বিশ্বশ্ৰবাৰ ৪ পুত্ৰ ১ কন্যা

পুষ্পোৎকাটাৰ গৰ্ভত বিশ্বশ্ৰবাৰ পুত্ৰ

কুবেৰ।

নিকষাৰ গৰ্ভত বিশ্বশ্ৰবাৰ তিন পুত্ৰ এক কন্যা যথা—

১। ৰাবণ ২। কুম্ভকৰ্ণ ৩। বিভীষণ।

এই তিনভাতৃৰ ভগ্নী শূৰ্পনখা।

এই দত্তোলি পূৰ্ব্বজন্মত অৰ্থাৎ স্বায়ম্ভুব মন্বান্তৰত অগস্ত্য নামে প্ৰখ্যাৎ আছিল "পূৰ্ব্ব জন্মনি যোঽগস্ত্যঃ ইত্যাদি পৰাশৰঃ" এওঁৱে বিন্ধ্যাগিৰিৰ দৰ্পচূৰ্ণ কৰি উত্তৰ ভাৰতৰপৰা দক্ষিণ ভাৰতত বাস কৰিছিল। এওঁৰ বংশধৰ অৰ্থাত অগস্ত্য গোত্ৰিয় হিন্দু ভাৰতত বহুত আছে॥ ইতি॥

## ক্রতুবংশ

৺ব্রহ্মা
|
ক্রতু
|
পুত্র বালখিল্য মুনিগণ

ইতি।

## ভৃগুবংশ

৺ব্রহ্মা
|
ভৃগু
|
১। ধাতা | ২। বিধাতা | ৩। শুক্রাচার্য্য

১। ধাতা — প্রাণ — ১। দেবশিরা ২। কৃতিমান

২। বিধাতা — মৃকণ্ডু — মার্কণ্ডেয়

৩। শুক্রাচার্য্য — ১ কন্যা — ১। দেবজানী ২। অভ্রা

সণ্ডমার্ক
(শুক্রের পুত্র)







এই সাতজন তৃতীয় মন্বান্তৰত সপ্তৰ্ষি। এই বশিষ্ঠৰ আৰু তিনি পুত্ৰ যথা।—

১। শক্তি্ৰ ২। দধিচি ৩। অশ্বশিৰা।

শক্তি্ৰৰ মাতা অৰুন্ধতী

শক্তি্ৰৰ পুত্ৰ

পৰাশৰ

|

ব্যাসদেৱ

এই অষ্টবিংশতি যুগৰ বেদব্যাস সত্যবতীৰ গৰ্ভত পৰাশৰৰ ঔৰসত যমুনাৰ দ্বিয়াত বা দ্বীপত জন্মিছে, সেইনিমিত্তে ব্যাসদেৱৰ আন এটি

নাম দ্বৈপায়ন, এওঁৱে বেদ পুৰাণাদি শাস্ত্ৰ নিৰ্ম্মান কৰিছে যথা—

দ্বাপৰে দ্বাপৰে বিষ্ণুব্যাসৰূপী মহামুনে ইত্যাদি
হিতায় সৰ্ব্বভূতানাং বেদ বেদান্ কৰেতি সঃ ইত্যাদি
(বিষ্ণুপুৰাণ, তৃতিয় অংশ, তৃতীয় অধ্যায়)॥

এই বচনৰ অসমীয়া পদ্যানুবাদ যথা—

ব্যসনামে ভৈল সত্যবতীৰ সন্ততি।
দেখিলাহা প্ৰজা হৈল অতি অল্পমতি॥
সাখা ভাঙ্গিলেক আৰু চাৰিয়ো বেদৰ।
পুৰাণ ভাৰত শাস্ত্ৰ নিৰ্ম্মিলা বিষ্টাৰ॥

ইত্যাদি মহাপুৰুষ শঙ্কৰদেৱৰ—কীৰ্ত্তনঘোষা।

ব্যাসৰ পুত্ৰ
|
শুকদেৱ
শুকদেৱৰ ৫ পুত্ৰ—
|
১। ভূৰিশ্ৰবা ২। প্ৰভু ৩। শম্ভু ৪। কৃষ্ণ ৫। গৌৰ।

৩ জনী কন্যা
১। কীৰ্ত্তিমতী ২। যোগমাতা ৩। ধৃতব্ৰতা

পূৰ্ব্বখণ্ড বিষ্ণু পুৰাণ।—

দ্বিতীয় খণ্ড কূৰ্ম্ম পুৰাণ পূৰ্ব্বভাগ ১৯ একোন বিংশ অধ্যায়॥

মহৰ্ষি বশিষ্ঠ সূৰ্য্যবংশৰ আৰু নিমি বংশৰ পুৰুহিত, বিশেষ বিবৰণ মৎস্যপুৰাণৰ বিশত তম অধ্যায়ত দ্ৰষ্টব্য।

পৰাশৰ মুনিৰ বিশেষ বিবৰণ মৎস্যপুৰাণৰ ২০১ একাধিক দ্বিশত-তম অধ্যায়ত দ্ৰষ্টব্য।

অৰুন্ধতী পূৰ্ব্বজন্মত সন্ধ্যা।
গৌহাটীৰপৰা ২১ মাইল দূৰত ৰঙ্গিয়া. ৰঙ্গিয়াৰপৰা প্ৰায় দুই মাইল দূৰত দক্ষিণ পশ্চিম কোণাত সন্ধ্যাৰঝাৰ; ইয়াত সন্ধ্যায় তপস্যা কৰিছিল বুলি ইয়াৰ নাম সন্ধ্যাৰঝাৰ।

## ভগবান বুদ্ধদেৱ

অগ্নিপুৰাণৰ ১৬ ষোৰশ অধ্যায়ৰপৰা সংগৃহিত।

অগ্নি কলে, সম্প্ৰতি বুদ্ধাবতাৰ বৰ্ণনা কৰোঁ। ইয়াক শুনিলে বা পঢ়িলে অৰ্থ লাভ হয়। আগৰ দিনত দেৱতা ও অসুৰৰ যুদ্ধত দেৱতাবিলাক দানবৰ ওচত পৰাজিত হৈ ঈশ্বৰৰ ওচৰলৈ গৈ তেওঁত শৰণাপন্নহৈ আৰু আমালোকক ৰক্ষাকৰ ৰক্ষাকৰক বুলি কৈ অতি দীনভাব প্ৰকাশ কৰিলে। তেতিয়া ভগবান মায়া মোহ ৰূপে শুদ্ধোদনৰ পুত্ৰ স্বৰূপে অৱতাৰ হৈ বুদ্ধনামে প্ৰসিদ্ধ হল। তেওঁৰ মায়াত দানববিলাকে বেদধৰ্ম্ম পৰিত্যাগ কৰি বৌদ্ধ হল; এনেকৈ দেবধৰ্ম্ম বিবৰ্জ্জিত পাষণ্ডসকল সৃষ্টি হল। তেওঁলোকে সদায় নৰকাৰ্হ কৰ্ম্ম কৰে। কলিযুগৰ অন্তিম সময়ত সকলো মানুহে এনেকুৱা বেদাচাৰ বিহীন শঙ্কৰ ধৰ্ম্মৰ কঞ্চুকাৰী দস্যু আৰু অধৰ্ম্ম লিপ্সু হব। তেতিয়া ম্লেচ্ছসকল ৰাক্ষসৰূপী হৈ মনুষ্য ভক্ষণ কৰিব; পাছত ভগবান বিষ্ণু কল্কী বিষ্ণুযশাৰ পুত্ৰ স্বৰূপে অৱতাৰ হৈ অস্ত্ৰ শস্ত্ৰ গ্ৰহণ পূৰ্ব্বক সেইবিলাকক উচ্ছেদ কৰিব। মহৰ্ষি

যাজ্ঞবল্ক্যয় সিহঁতৰ পুৰোহিত হব। তেতিয়া পুনৰায় বৰ্ণাশ্ৰম আচাৰ আগৰ নিচিনা হব। পাছত ভগবানে কল্কীৰূপ পৰিত্যাগ কৰি স্বৰ্গক যাব। অনন্তৰ সত্যযুগ প্ৰবৰ্ত্তিব। তেতিয়া সৰ্ব্ববিধ বৰ্ণাশ্ৰম, নিজ নিজ ধৰ্ম্মত প্ৰতিষ্ঠিত হব। এনেকৈ সকলো কল্পতে আৰু সকলো মন্বন্তৰতে ভগবান বিষ্ণু নানাবিধ মূৰ্ত্তিত অৱতাৰ হৈ থাকে। তেওঁৰ দশ অৱতাৰ শুনিলে বা পঢ়িলে সৰ্ব্বকামনা সিদ্ধ হয়, এই মানুহে নিজ কুলৰ সৈতে স্বৰ্গলাভ কৰে। তেওঁৱে সৃষ্টি প্ৰভৃতিৰ কাৰণ॥ ইতি

ভগবান বুদ্ধদেৱৰ জন্ম সময় পোৱা নাই, তথাপি মহাৰাজ বিক্ৰমাদিত্যৰ বহুদিন আগত। উজ্জয়িনীপতি মহাৰাজ বিক্ৰমাদিত্যৰ অমৰ সিংহ নৱৰত্ন সভাৰ অন্যতম ৰত্ন, সেই অমৰসিংহ বৌদ্ধ আছিল। পণ্ডিত অমৰসিংহৰ ৰচিত অমৰকোষ প্ৰভৃতি কেবখন পুথি আছিল। তাৰ কিছুমান দিনৰ পাছত বৌদ্ধ বিদ্বেষী শঙ্কৰাচাৰ্য্য পাছে অমৰকোষ খন উপদেয় বুলি ৰাখি আন বাকীখন পুথি পুৰি পেলাইছে।

অমৰ সিংহৰ ৰচিত অমৰ কোষৰ বুদ্ধদেৱৰ নাম যথা——

সৰ্ব্বজ্ঞ, সুগত, বুদ্ধ, ধৰ্ম্মৰাজ, সমন্তভদ্ৰ, ভগবৎ, মাৰজিৎ, লোকজিৎ, জিন, ষড়ভিজ্ঞ, দশবল, অদ্বয়বাদিন, বিনায়ক, মুনীন্দ্ৰ, শ্ৰীঘন, শাস্তৃ, মুনি, শাক্যমুনি শাক্যসিংহ, সৰ্ব্বাৰ্থসিদ্ধ, (অৰ্থাৎ সিদ্ধাৰ্থ) শৌদ্ধদনি, গৌতম, অৰ্কবন্ধু, মায়াদেৱী সুত, এই ২৫ টি বুদ্ধদেৱৰ নাম।

সূৰ্য্য বংশীয় বৃহদ্বল, মগধ বংশীয় জৰাসন্ধৰ পুত্ৰ সহদেৱ আৰু চন্দ্ৰ বংশীয় অভিমন্যু এই কেইজন কুৰুক্ষেত্ৰে যুদ্ধত মৰিছিল। এই কেইজন এক সময়ৰ ৰজা। মৎস্যপুৰাণৰ এক সপ্তত্যধিক দ্বিশততম অধ্যায়ত দেখা জায় যে দিবাকৰ পৰ্য্যন্ত মধ্য দেশৰ পুণ্যময় অযোধ্যা নগৰত ৰাজা সিংহাসনত আছিল, তাৰ

পৰবৰ্ত্তী ৰাজাবিলাকে কোনদেশত ৰাজত্ব কৰিছিল তাক লিখা নাই। এই দিবাকৰৰ ১৪ পুৰুষৰ তলত শাক্য, শাক্যৰ পুত্ৰ শুদ্ধোদন। মৎস্যপুৰাণ আৰু গৰুড়পুৰাণৰ মতে শাক্যৰ পুত্ৰ শুদ্ধোধন, শুদ্ধোদনৰ পুত্ৰ সিদ্ধাৰ্থ বা বুদ্ধ, এই দুই পুৰাণৰ মতে বুজা যায় বুদ্ধদেব সূৰ্য্যবংশীয়।

সিদ্ধাৰ্থই বুদ্ধদেৱ; বুদ্ধদেৱৰ পিতাকে থোৱা নাম সিদ্ধাৰ্থ, আন আন বিলাক নাম গুণক্ৰিয়া অনুসাৰে হৈছে। শুদ্ধোদনৰ ৰাজধানী উত্তৰকোশলপুৰ, সূৰ্য্য বংশীয় ৰাজাসকলৰ ভিতৰত কাৰো কাৰো ৰাজধানী অযোধ্যা, আৰু কাৰো কাৰো ৰাজধানী উত্তৰ কোশলপুৰ। যোগিনী তন্ত্ৰৰ ১৪ পটলৰ ২২।২৩ সংখ্যক শিৱৰ বচন যথা—"প্ৰাপুৰুত্তৰ কোশলং" অৰ্থাৎ সূৰ্য্যবংশীয় সগৰ ৰজাৰ পিতৃ বাহু ৰজাৰ অহঙ্কাৰত ৰাজলক্ষ্মী পৰিত্যাগ কৰিলে। অনন্তৰ হৈহয় ও তালজঙ্ঘ প্ৰভৃতি ক্ষত্ৰিয় বিলাকে সাগৰ পাৰ হৈ আহি বাহুৰজাক পৰাজিত কৰি উত্তৰ কোশল অধিকাৰ কৰিলে। হৈহয় ও তালজঙ্ঘ ক্ষত্ৰিয়বিলাকক চন্দ্ৰবংশৰ অন্তৰ্গত যদুবংশীয় পুৰুষী নামাত দ্ৰষ্টব্য। এওঁলোকে ভাৰতৰ বাহিৰে আন দেশত ৰাজত্ব কৰা বেচ প্ৰমাণ পোৱা যায়। আৰ্য্যবিলাক আন দেশৰ পৰা অহা কোনো প্ৰমাণ নাই। বুদ্ধদেৱ সূৰ্য্যবংশীয়, ইয়াত কোনো ভ্ৰান্তি নাই। ইতি॥

---

# ভাৰতবৰ্ষ

ব্ৰহ্মা
|
স্বায়ম্ভুব মনু বা আদি মনু
২ | পুত্ৰ
|                |
১। প্ৰিয়ব্ৰত  ২। উত্তানপদ।

প্ৰিয়ব্ৰত ৰজাৰ দশ পুত্ৰ তাৰ ভিতৰত দ্বিতীয়, পঞ্চম, আৰু নবম পুত্ৰ ব্ৰহ্মচাৰী, আন সাত জনক এই পৃথিবীখন ৭ ভাগ কৰি দিছে যথা—

১। অগ্নিধ্ৰ—জম্বুদ্বীপপতি, ২। অগ্নিবাহু-ব্ৰহ্মচাৰী। ৩। বপুষ্মান—শাল্মলীদ্বীপপতি। ৪। দ্যুতিমান— ক্ৰৌঞ্চদ্বীপপতি। ৫। মেধা—ব্ৰহ্মচাৰী। ৬। মেধাতিথি--পুষ্কৰদ্বীপপতি। ৭। ভব্য—শাকদ্বীপপতি, ৮। সৱণ-পুস্কৰদ্বীপপতি। ৯। পুত্ৰ- ব্ৰহ্মচাৰী। ১০। জ্যোতিষ্মান-কুশদ্বীপপতি ॥

প্ৰিয়ব্ৰত ৰজাৰ জ্যেষ্ঠ পুত্ৰ অগ্নিধ্ৰৰ নজন পুত্ৰক জম্বুদ্বীপ খন ন বৰ্ষত বিভাগ কৰি দিছে যথা—

১। নাভি-হিমবৰ্ষ অৰ্থাৎ ভাৰতবৰ্ষৰ অধিপতি। ২। কিম্পুৰুষ—হেমকুট বৰ্ষৰ অধিপতি। ৩। হৰিবৰ্ষ, নৈষধবৰ্ষৰ অধিপতি। ৪। ইলাবৃত—ইলাবৃত বৰ্ষৰ অধিপতি (অৰ্থাৎ মেৰুৰ চতুৰ্দ্দিগবৰ্ত্তী স্থানৰ অধিপতি)। ৫। ৰম্য—নীলাচল আশ্ৰিত বৰ্ষৰ অধিপতি। ৬। হিৰণ্বান—তদুৰ্দ্ধবৰ্ত্তী শ্বেতবৰ্ষৰ অধিপতি। ৭। কুৰু—শৃঙ্গবাণ পৰ্ব্বতৰ উত্তৰস্থ বৰ্ষ (অৰ্থাত শৃঙ্গবৎবৰ্ষৰ অধিপতি ৮। ভদ্ৰাশ্ব—। মেৰুৰ পুবফালে থকা বৰ্ষৰ অধিপতি (অৰ্থাৎ ভদ্ৰাশ্ব বৰ্ষ)।৯। কেতুমাল—গন্ধমাদন বৰ্ষৰ অধিপতি ॥

অগ্নিধ্ৰৰ জ্যেষ্ঠ পুত্ৰ নাভি, নাভিৰ শতপুত্ৰ, তাৰ ভিতৰত সৰ্ব্বজ্যেষ্ঠ ভৰত; এই ভৰতৰপৰা ভাৰতবৰ্ষ নাম হৈছে। তাৰ আগত ভাৰতবৰ্ষৰ নাম হিমবৰ্ষ আছিল। যথা:— ততশ্চ ভাৰতবৰ্ষ মেত ল্লোকেষু গীয়তে ॥৩২॥ দ্বিতীয় অংশৰ প্ৰথম অধ্যায়। মহামতি কাশীৰাম দাসে চন্দ্ৰবংশীয় দুষ্মান্তৰ পুত্ৰ ভৰতৰপৰা ভাৰতবৰ্ষ হোৱা বুলি লিখিছে, কিন্তু মূল মহাভাৰতত, বিষ্ণুপুৰাণাদিত নাই। বৰাহ পুৰাণৰ পঞ্চ সপ্ততিতম অধ্যায়ৰ ২৮।২৯ শ্লোকৰ অনুবাদ যথা—সদাশিবে কৈছে, ঋষি সকল, এইবিলাক বৰ্ষৰ পৰ্ব্বতত বহু সখ্যক জলপ্ৰপাত আৰু বহু সংখ্যক নদী আছে বুলি এক বৰ্ষৰ পৰা আনবৰ্ষক যোৱা অসম্ভব। আমালোক যি ঠাইত বাস কৰিছোঁ ইয়াৰ নাম ভাৰতবৰ্ষ, ভৰতৰ সন্ততি বিলাকে এই বৰ্ষত বাস কৰিছিল। এই ভাৰত বৰ্ষৰ পূৰ্ব্বভাগে কিৰাত, পশ্চিমে যবন, দক্ষিণে অন্ধ্ৰ, উত্তৰে তুৰস্ক; সীমাত এই বিলাক জাতি আৰু মধ্যভাগত হিন্দূ জাতি অৰ্থাত বৰ্ণাশ্ৰম ধৰ্ম্মী বিলাক বাস কৰে॥

পাঞ্চাল, কুৰু মৎস্য, যৌধেয়, পটচ্চৰ, কুন্তি, শূৰসেন, এই বিলাক দেশ ভাৰতৰ মধ্য ভাগত আছে। এই বিলাক দেশৰ সাধাৰণ নাম মধ্য দেশ। পদ্ম, সূত, মাগধ, ছেদি, কৰায়, বিদেহ আৰু কোৰল এই বিলাক দেশ ভাৰতৰ পূৰ্ব্ব ভাগত আছে। কলিঙ্গ, বঙ্গ, পুণ্ড, অঙ্গ, বিদৰ্ভ আৰু মূলক এইবিলাক দেশ আৰু বিন্ধ্য পৰ্ব্বত অন্তৰ্গত দেশবিলাক ভাৰতৰ পূৰ্ব্ব দক্ষিণ ভাগত আছে। পুলিন্দ, অশ্মক, জীমুত, নায়ৰাষ্ট্ৰ, কৰ্ণাট, কম্বোজ, ঘাট, দক্ষিণপথ অম্বষ্ঠ, দ্ৰবিড়, লাট, স্ত্ৰীমুখ, শক ও অনৰ্ত্ত এই

বিলাক দেশ ভাৰতৰ দক্ষিণ পশ্চিম ঠাইত আছে। স্ত্ৰীৰাজ্য, সিন্ধু, ম্লেচ্ছ, নাস্তিক, যবন, মথুৰা আৰু নিষধ এইবিলাক দেশ ভাৰতৰ পশ্চিম ভাগত আছে। মণ্ডব্য, তুষাৰ, মূলিক, মুগ, খশ, মহাদেশ আৰু মহানদ এইবিলাক দেশ ভাৰতৰ পশ্চিম উত্তৰ ঠাইত আছে। লম্বক, স্তন, নাগ, মদ, গান্ধাৰ আৰু বাহ্লিক এইবিলাক দেশ আৰু হিমালয় বাসী ম্লেচ্ছসকলৰ দেশ ভাৰতৰ উত্তৰ ভাগত আছে। ত্ৰিগৰ্ত্ত, নীল, কোলভ, ব্ৰহ্মপুত্ৰৰ সন্নিহিত দেশ টঙ্কন, অভীৰাহ আৰু কাশ্মিৰ এই বিলাক দেশ ভাৰতৰ পূৰ্ব্ব উত্তৰ ভাগত আছে। পূৰ্ব্ব অংশ বিষ্ণু পুৰাণ আৰু মাৰ্কণ্ডেয় পুৰাণৰ পৰা সংগৃহিত, শেষ অংশ গৰুড় পুৰাণৰপৰা সংগৃহিত।

## ভৰত

পুলস্ত্য মুনিৰ আশ্ৰম নেপালত। ভৰত ৰাজায় সুমতি নামে পুত্ৰক ৰাজ্য দি বাণপ্ৰস্থ গ্ৰহণ কৰি বিদ্যাধৰ কুণ্ডৰ পাৰত পুলস্ত্য মুনিৰ আশ্ৰমৰ ওচৰত কুটীৰ সাজি বাস কৰিছিল। তাৰ ওচৰতে কালঞ্জৰ আৰু গণ্ডক নামে দুটা পৰ্ব্বত আছে। তাতে গণ্ডক পৰ্ব্বতৰপৰা বৈ আহা গণ্ডকী নামে নদীৰ পাৰত তপস্যা কৰিছিল। ভৰত ৰাজা প্ৰথম জন্মত ভাৰতবৰ্ষৰ অধিপতি, দ্বিতীয় জন্মত হৰিণ, তৃতীয় জন্মত জড় ভৰত। (পঞ্চম স্কন্ধ ভাগৱতত দ্ৰষ্টব্য) ভৰতৰ পিতৃ ঋষভ ৰাজাযো তাতে তপস্যা কৰিছিল যথা—

ঋষিভাদ্ ভৰতো যজ্ঞে জ্যেষ্ঠঃ পুত্ৰ শতস্য সঃ ইত্যাদি ২৮।২৯।৩০।

বিষ্ণু পুৰাণ দ্বিতীযাংশ প্ৰথম অধ্যায়ত দ্ৰষ্টব্য।


ভৰত
সুমতি
তেজস
ইন্দ্ৰদ্যুম্ন
পৰমেষ্ঠী
প্ৰতিহাৰ
প্ৰতিহৰ্ত্তা
প্ৰস্তাৰ
বিভূ
পৃথু
নক্ত
গয়
নৰ
বুদ্ধিৰাট
মহাতেজা
২। পুত্ৰ
১। ধীমান্
২। ভৌবন
ত্বষ্টা
বিৰজা
ৰজম

ৰঞ্জম

|

শৎজিৎ

|

বিশ্বগ জ্যোতি

ৰাজধানী শালগ্ৰাম ।

এইবিলাক প্ৰথম মন্বান্তৰৰ প্ৰথম ত্ৰেতা যুগৰ ভাৰতৰ অধিপতি। প্ৰতি চাৰি যুগৰ অৱসানত অৰ্থাৎ কলিৰ শেষত বেদৰ বিপ্লব হয়, প্ৰতি সত্যযুগত পৃথিবীত মনুয়ে ৰাজত্ব কৰে, তেওঁৱে ধৰ্ম্ম শাস্ত্ৰ বা আইন নিৰ্ম্মান কৰে, সপ্তৰ্ষি সকলে পৃথিবীত অবতাৰ হৈ বেদ প্ৰবৰ্ত্তন কৰে। এই মন্বান্তৰত বশিষ্ঠ, কাশ্যপ, অত্ৰি জমদগ্নি, গৌতম বিশ্বামিত্ৰ আৰু ভৰদ্বাজ এইকেইজন সপ্তৰ্ষি। মনু, সপ্তৰ্ষি, দেবৰাজ দেবতাবিলাক, মনুপুত্ৰ, ৰাজাবিলাক, এই সকল প্ৰতি মন্বান্তৰত উৎপন্ন হয়। হে দ্বিজ! এনেকৈ চতুৰ্দ্দশ মন্বান্তৰত সহস্ৰ যুগ গলে এক কল্প হয়। মনুসকল, মনুপুত্ৰসকল, ৰাজাসকল, ইন্দ্ৰসকল, দেবতাসকল, আৰু সপ্তৰ্ষি সকল এই সমুদায় বিষ্ণুৰ ভূবন স্থিতি কাৰক সাত্বিক অংশ। জগত ৰক্ষাৰ নিমিত্তে বিষ্ণুৱে চাৰি যুগত যুগানুসাৰে ব্যৱস্থা কৰে। তেওঁৱে সত্যযুগত সকল প্ৰাণীৰ হিতাৰ্থে কপিলৰূপে সকলো-প্ৰাণীক সত্য-নিষ্ঠ জ্ঞান দিয়ে। ত্ৰেতাযুগত সেই প্ৰভূৱে চক্ৰবৰ্ত্তী ৰূপে দুষ্ট বিলাকক নিগ্ৰহ কৰে। তেওঁৱে দ্বাপৰ যুগত বেদব্যাস ৰূপ ধৰি একবেদক চাৰিভাগ কৰি পাচত শত শাখাত বিভাগ কৰে আৰু পুনৰ্ব্বাৰ ইয়াক অনেক অংশত বিভাগ কৰে, পাচত কল্কী ৰূপ ধৰি পাপী সকলক সৎপথলৈ আনে। ২৯ উনত্ৰিংশত যুগত দ্ৰোণ পুত্ৰ অশ্বত্থামা বেদব্যাস হব আৰু ভগবান পৰশুৰামৰ পিতৃ জমদগ্নি

বেদ প্রবর্ত্তক হ'ব ইতি বিষ্ণু পুৰাণ, দ্বিতীয় ও তৃতীয় অধ্যায়, তৃতীয় অংশ ॥

## ভাষা ও বাক্য

কি বেদ, কি সংহিতা, কি মন্ত্র, কি কাব্য, কি পুৰাণ সমুদায় বাক্যময়। ধৈর্য্যবল, গাম্ভির্য্য বল, সৌর্য্যবল, জয় বল, অজয় বল, সমুদায় বাক্যৰপৰা উৎপন্ন হয়। এই নিমিত্তে ব্রহ্মায় সর্ব্বাগ্রে ব্রহ্ম ৰূপীবাক্য সৃজন কৰি অকৰাদি স্বৰবর্ণ, ককাৰাদি হল বর্ণ আৰু হল বর্ণৰ পৰস্পৰ লগলগা বর্ণ সকল সৃজন কৰাৰ পাচত ৫৬ ষট পঞ্চাশৎ সংখ্যক ভাষা আৰু লৰাবিলাকে ভাষা শিকিবৰ নিমিত্তে নানা বিধ ব্যাকৰণ সৃজন কৰিলে যথা—

বাচো বেদাঃ সংহিতাশ্চ বাচোমন্ত্র সুপুস্কলাঃ ॥
ইত্যাদি বৃহৎ ধর্ম্মপুৰাণ, পঞ্চ বিংশতি অধ্যায় পূর্ব্বখণ্ড ॥ ইতি ॥

## পার্ব্বত্যজাতি

ব্রহ্মাৰ পুত্র স্বায়ম্ভুব মনু, এই স্বায়ম্ভুব মনুৰ প্রিয়ব্রত ও উত্তানপদ নামে দুই পুত্র। কনিষ্ঠ উত্তান পদৰ দুই পুত্র যথা— উত্তম আৰু ধ্রুব, ধ্রুবৰ পত্নী মঙ্গলময়া। ধ্রুবৰ দুই পুত্র যথা— শিষ্টি আৰু ভব্য। শিষ্টিৰ পাঁচ পুত্র যথা— ১। ৰিপুত্র ২। ৰিপুঞ্জয়। ৩। বিপ্র। ৪। বৃকল। ৫। বৃকতেজা। ১ নং ৰিপুৰ পুত্র চাক্ষুষ বা ষষ্টমনু। এই চাক্ষুষৰ দশ পুত্র যথা— উৰু, পুৰু, শতদ্যুম্ন, তপস্বী, সত্যবাক, কবি, অগ্নিষ্টোম, অতিৰাত্র, সুদ্যুম্ন অভিমন্যু। চাক্ষুষৰ জ্যেষ্ঠ পুত্র উৰুৰ ছয় পুত্র যথা— ১। অঙ্গ, ২। সুমনস, ৩। স্বাতী ৪। ক্রতু, ৫। অঙ্গিৰা, ৬। শিব। ১ নং অঙ্গৰ পুত্র বেণ।

মৃত্যুৰ সুনিথা নাম্নী কন্যাৰ গর্ভত অঙ্গ ৰাজাৰ বেণ নামে এটী পুত্র হৈছিল। সেই বেণ মাতামহৰ দোষত অতি দুষ্ট স্বভাবৰ আছিল।

অঙ্গ ৰাজে পুত্ৰৰ অসৎ চৰিত্ৰ দেখি ৰাজ্য এৰি বনবাস কৰে। ঋষি সকলে পিতৃ ৰাজ্যত বেণক অভিষেক কৰিছিল। তেওঁ পৃথিবী পতি হৈ এনেকুৱা ঘোষণা কৰিছিল যে কোনেও যজ্ঞ হোম আৰু দানাদি কৰিব নোৱাৰিব। মইয়ে যজ্ঞপতি প্ৰভু। ইত্যাদি নানা পাপ কামত প্ৰবৃত্ত হোৱাত মহৰ্ষি সকলে নানা প্ৰকাৰ উপদেশ দিয়াতো ঋষি সকলৰ কথা নামানিছিল। অনন্তৰ সেই মহৰ্ষি সকলে কুপিত চিত্ত হৈ মাৰি পেলোৱা মাৰি পেলোৱা এনেকুৱা কথা কৈ মন্ত্ৰ পুত কুহৰ আগেৰে বেণক বধ কৰে। তাৰ পাচত অৰাজকতা ভয়েৰে ভীতহৈ মৃত বেণ ৰাজাৰ উৰু মন্থন কৰিছিল। সেই মন্থন কৰা উৰুৰ পৰা কৃষ্ণবৰ্ণ, খাতা মুখ, খাতাশৰীৰ আৰু খুতাৰ দৰে স্থূল কায় একজাতি মানুহ উৎপত্তি হৈছিল। কি কৰিম কি কৰিম বুলি তেওঁ লোকক কৈছিল। তেওঁলোকে কৈছিল নিষিদ (অৰ্থাৎ উপবেশন কৰা বা বৰা) এই কথা কোৱাত সিহঁতৰ নাম নিষাদ বা ব্যাধ হৈছিল। পাচত সেই সন্তানবিলাক বিন্ধ্যচলবাসী পাপকৰ্ম্মৰত নিষাদ হৈছিল যথা—

মধ্যতস্য সমুৎস্থৌ তস্যোৰোঃ পুৰুষঃ কিল ইত্যাদি বিষ্ণু পুৰাণ, প্ৰথমাংশ ১৩ দশ অধ্যায়। ভাগৱত চতুৰ্থ স্কন্ধত দ্ৰষ্টব্য ইতি॥

## যবন (মুচলমান) শক, পাৰদ (চাণ্ডাল) পহ্লৱ প্ৰভৃতি জাতিৰ উৎপত্তি।

সূৰ্য্যবংশৰ বাহু নামে এজন ৰাজা আছিল; হৈহয় ও তালজঙ্ঘ প্ৰভৃতি (হৈহয় আৰু তালজঙ্ঘক চন্দ্ৰবংশৰ অন্তৰ্গত যদুবংশৰ পুৰুষী নামাত দ্ৰষ্টব্য) বহুত ক্ষত্ৰিয়বিলাকে যুদ্ধত পৰাজয় কৰাত তিৰোতা দুই

জনীৰে সৈতে বনত প্ৰবেশ কৰেগৈ। সেই বনৰ মাজত ঔৰ্ব্ব মুনিৰ আশ্ৰমৰ ওচৰত বাস কৰোতে এজনী তিৰোতাৰ গৰ্ভ হৈছিল। তাকে দেখি আন জনী সতিনীয়ে গৰ্ভ স্তম্ভিত হবৰ উদ্দেশ্যে বিষ খুৱালে। (বিষ খালে প্ৰসৱ নহব আৰু সন্তানটীও নানা প্ৰকাৰ দুখ কষ্ট ভোগ কৰি অবশেষত মৰিব) পাচত সেই বিষৰ প্ৰভাবত সাত বছৰ পৰ্য্যন্ত গৰ্ভস্থ সন্তান গৰ্ভতে থাকিল। বাহু ৰাজা বুঢ়া হৈ সেই আশ্ৰমৰ ওচৰতে মৰিল। গৰ্ভবতী জনীয়ে সিতা সাজি মৰা স্বামীৰ লগতে মৰিবলৈ ইচ্ছা কৰাত ভূত, ভবিষ্যত ও বৰ্ত্তমান বেত্তা মহৰ্ষি ঔৰ্ব্বয় আশ্ৰমৰপৰা ওলাই আহি কৈছিল—হে সাধ্বি, আপুনি এই অসত কামলৈ অগ্ৰসৰ হৈছে কিয়? আপোনাৰ উদৰত নিখিল ভুবন পতি চক্ৰবৰ্ত্তী অতি বীৰ্য্য পৰাক্ৰম শালী বহুত যজ্ঞ কৰ্ত্তা, শত্ৰু ক্ষয়কাৰী এটি লৰা আছে। আপুনি এনেকুৱা অসৎ কাম নকৰিব। ঋষিৰ এনেকুৱা কথাত ৰাণী সেই সহগৰণ কামৰপৰা নিবৃত্তা হৈছিল। আৰু ভগবান ঔৰ্ব্ব মুনিয়ে তেওঁক নিজ আশ্ৰমলৈ লৈ গল। কিছুমান দিনৰ পাচত এটি অতি তেজস্বী লৰা জন্মিছিল। ঔৰ্ব্বয় লৰাটিক জাত কৰ্ম্মাদি শেষ কৰি সগৰ নাম ৰাখিলে। পিচত সগৰৰ উপনয়ন হোৱাত ঔৰ্ব্বয় তেওঁক বেদ, আন আন শাস্ত্ৰ আৰু ভাৰ্গবাখ্য আগ্নেয় নামক শাস্ত্ৰ শিক্ষা দিছিল। লৰা স্থিৰ বুদ্ধি হৈ মাকক শুধিলে – "মাই আমি তপোবনত কিয় বাস কৰিছোঁ। আমাৰ পিতা কত? পিতা বা কোন?" লৰাৰ এনেকুৱা কথাত মাকে সকলো আদি বৃত্তান্ত ভাঙি কলে। তাৰ পাচত সগৰে পিতৃৰাজ্য অপহৰণত খং উঠি হৈহয় তালজঙ্ঘাদিক বধকৰিবলৈ প্ৰতিজ্ঞা কৰে। পিচত প্ৰায় হৈহয় নৃপতিবিলাকক বধ কৰিছিল। পাচত শক যবন, কম্বোজ, পাৰদ আৰু পহ্লৱ বিলাক সগৰ কৰ্ত্তৃক

আহত হৈ সগৰৰ কুলগুৰু বশিষ্ঠৰ শৰণাপন্ন হয়। অৱশেষত বশিষ্ঠয় ইহঁতক জীৱন্মৃত প্ৰায় কৰি সগৰক কৈছিল— "বাপা জীৱন্মৃত বিলাকৰ প্ৰতি অনুসৰণ কৰি কি ফল হব? মই ইহঁতক তোমাৰ প্ৰতিজ্ঞা পালন কৰিবলৈ নিজ ধৰ্ম্ম আৰু ব্ৰাহ্মণৰ সংসৰ্গ পৰিত্যাগ কৰায় দিলোঁ। অৱশ্যে ইহঁত জীয়াইতে মৰা, ইয়াত সন্দেহ কি?" ৰাজা সগৰে "যি আদেশ" ইয়াকে কৈ গুৰুৰ বাক্যত অভিনন্দন পূৰ্ব্বক সিহঁতক ভিন্ন প্ৰকাৰ বেশ কৰি দিছিল। তেওঁ যৱনবিলাকক চুলি খুৰায় দিছিল; শকবিলাকৰ মূৰৰ একফালা চুলি খুৰায় দিছিল। পাৰদবিলাকৰ দাঘল চুলি আৰু প্ৰহ্লৱবিলাকৰ দাড়ি ৰাখি দিছিল। আন আন ক্ষত্ৰিয় বিলাকৰ স্বাধ্যায় ও বষট্কাৰ বিহীন কৰি দিছিল। সিহঁতে নিজ ধৰ্ম্ম পৰিত্যাগ কৰাত ব্ৰাহ্মণ বিলাকেও সিহঁতক পৰিত্যাগ কৰিছিল। সিহঁতে ম্লেচ্ছত্ব প্ৰাপ্ত হৈছিল। পিচত সগৰ নিজ নগৰলৈ আহি অপ্ৰতিহত সৈন্যৰে বেষ্টিত হৈ সপ্তদ্বীপা পৃথিবী শাসন কৰিবলৈ ধৰিছিল॥ ইতি

(বিষ্ণু পুৰাণ, চতুৰ্থাংশ, তৃতীয় অধ্যায় ১৫ ৰ পৰা ২১ পৰ্য্যন্ত)

শিৰশ্চেদন আৰু শিৰোমুণ্ডন এক কাৰ্য্য; বেদত এই দুয়োকৰ্ম্মক সমান বুলি কৈছে। বশিষ্ঠয় কলে হে সখি "তুমি বিমন নহবা, তোমাৰ শত্ৰুবিলাকক দূৰ দেশত নিৰ্ব্বাসিত কৰা।" বশিষ্ঠৰ এনেকুৱা কথা শুনি সগৰেও সিহঁতৰ প্ৰতি তেনেকুৱা আচৰণ কৰিলে। হৈহয় আৰু তালজঙ্ঘ ক্ষত্ৰিয়বিলাক এনেকুৱা মুণ্ডিত, বিৰম্বিত আৰু হীন হৈ সুমন্ত্ৰ মুনিৰ আশ্ৰয় লৈ সদাচাৰ বিবৰ্জ্জিত হৈ ৰল। পাচত মুনিৰ উপদেশ মতে তপস্যা কৰিবলৈ ধৰিলে। সিহঁতৰ সেই তামসিক তপস্যাৰদ্বাৰায় ভগবান সদাশিৱ সন্তুষ্ট হৈ বৰ দিলে, "তোমালোকে সম্প্ৰতি ইয়াতে

ৰজাহৈ থাকা। কলিকালৰ ইন্দু অষ্ট, নব শক গলে পুণ্যদেশৰ ৰজা হবা।" এনেকুৱাকৈ যবনবিলাকে কামৰূপৰ ৰজা হৈছিল। আন আন বহুত পুণ্যদেশৰ ৰজা হৈছিল। পূৰ্ব্বখণ্ড বিষ্ণুপুৰাণ, পৰখণ্ড যোগিনী তন্ত্ৰ ১৪ পটল ॥

মন্তব্য—"হিমালয়ৰ পশ্চিম ভাগ যবন দেশ"॥

এই শিৱৰ বচনদ্বাৰায় বুজিব পাৰি মুচলমান জাতি আগৰেই। "সম্প্ৰতি ইয়াতে ৰাজা হৈ থাকা কলিৰ ইন্দু অষ্ট নব শক গলে পুণ্য দেশৰ ৰজা হবা" এই বচনবদ্ধাৰায় বুজিব পাৰি হিমালয়ৰ পশ্চিম ঠাইত এওঁলোকে ৰজা হৈছিল। যেতিয়াৰ পৰা ভৰতবৰ্ষ হৈছে তেতিয়াই সীমা ঠিক কৰিছে (অৰ্থাৎ সীমা ঠিক কৰিহে ভাৰতবৰ্ষ নাম দিছে)।

## ইন্দ্ৰবংশীয় অসমীয়া ৰজা বা আহোমবিলাক।
## (শ্ৰীপৰ্ব্বত বাসী ৰজাবিলাক)

এদিন দেবৰাজ ইন্দ্ৰ নিজ ৰাজ্য এৰি কৌশাঙ্গী নাম্নী এজনী বিদ্যাধৰীৰ লগত খাণ্ডব বনলৈ গৈছিল। তাতে বহুদিন ক্ৰিয়া কৰিলে। অনন্তৰ ত্ৰৈৰ্য্যত্ৰিকাদি বিনয়ত বৰ ইচ্ছা হোৱাত ৰম্ভা তিলোত্তমা কাঞ্চী, কুৰাঙ্গী আৰু মনোহৰা, এইবিলাক স্বৰ্গৰ বিদ্যাধৰীক অনাই নৃত্য কৰিবলৈ আদেশ দিলে। তেওঁলোকে ইন্দ্ৰক আগুৰি নাচিবলৈ আৰম্ভ কৰিলে। নানাবিধ নাচনৰ দ্বাৰায় তেওঁলোকে ইন্দ্ৰক সন্তুষ্ট কৰিলে। অনন্তৰ কৌশাঙ্গী মোহিত হৈ দেবৰাজ ইন্দ্ৰ সহিত মিলি গল। পাচত তেওঁলোকৰ নাচ গানত ইন্দ্ৰৰ কাম ভাব বৃদ্ধি হৈ উঠিল

ৰত্নধ্বজ-হন্তা ইন্দ্ৰ মনোহৰা নাম্নী স্বৰ্গৰ বেশ্যাৰ প্ৰতি অনুৰাগ প্ৰকাশ কৰিলে। ইন্দ্ৰৰ অনুৰাগ দেখি সেই মনোহৰা স্বৰ্গৰ বেশ্যায়ো ইন্দ্ৰৰ প্ৰতি মন কৰিলে। তাতে (অৰ্থাৎ অতিশয় কামবশতে) বিভ্ৰান্ত চিত্ত হোৱাত মনোহৰাৰ নাচগান স্খলিত হল। তাকে দেখি তেওঁলোক দুয়োৰো ৰতি জন্মিছে বুলি জানি, কৌশাঙ্গী ক্ৰোধমূৰ্চ্ছিতা হৈ নিষ্ঠুৰ ভাবে মনোহৰাক কলে, "মনোহৰে! তুমি শুনা তুমি মহাদুষ্টা স্বৰ্গবেশ্যা হৈছা, আৰু তোমাৰ বৰ মদ গৰ্ব্ব হৈছে, এই নিমিত্তে মোৰ ৰতি কৰ্ম্মত বিঘ্ন জন্মাই ৰতি কৰ্ম্ম কৰিব নিদিলা। এই নিমিত্তে তুমি পৃথিবীক গৈ নৰপতিক পতি লাভ কৰাগৈ।" কৌশাঙ্গীৰ মুখৰপৰা ওলোৱা এনেকুৱা নিষ্ঠুৰ কথা শুনি মনোহৰা মূৰ্চ্ছিত হৈ কৌশাঙ্গীৰ চৰণত পৰি বৰকৈ কান্দিব ধৰিলে। তাকে দেখি কৌশাঙ্গীৰ দয়া উপজি কলে, "তুমি নেকান্দিবা, ৩২ বছৰ মাত্ৰ পৃথিবীত থাকি শাপান্তত গঙ্গাত মনুষ্য শৰীৰ এৰি স্বৰ্গক আহিবা। সেই মনোহৰা পৃথিবীক আহি কঙ্কতী নামে অতি মনমোহিনী কামিনী হৈ ধৃতৰাষ্ট্ৰৰ পুত্ৰ বধূ হৈছিল। পিচত কুৰুক্ষেত্ৰৰ যুদ্ধত কৌৰব সকল নিহত হোৱাত শতনাৰী পতিৰ লগত প্ৰাণ পৰিত্যাগ কৰা দেখি কঙ্কতী ভীতা হৈ বৰ বেগেৰে চন্দ্ৰচূড় পৰ্ব্বতলৈ পলায় গৈ বৰ ওখ পৰ্ব্বতৰ শিখৰত বাস কৰিলেগৈ। এদিন সেই স্বৰ্গবেশ্যা ঋতুমতি হৈ ঋতুৰ দ্বিতীয় দিনত কামশৰে বিদ্ধহৈ অতিশয় সন্তাপিত হল। সেই সময় দেবৰাজ ইন্দ্ৰ ৰথত উঠি কুশদ্বীপৰপৰা যাওঁতে সালঙ্কতা সেই সুন্দৰীক দেখা পালে। তাইৰ পূৰ্ব্ববৃত্তান্ত স্মৰণ হোৱাত সেই কাম মোহিতা স্বৰ্গবেশ্যাক সমুদায় বৃত্তান্ত জনালে। তাৰ পিচত উভয়ে কাম মোহিত হৈ সহবাস কৰিলে। সেই ৰতি ক্ৰিয়াত

চন্দ্ৰচুড়া পৰ্ব্বতত বা গন্ধমাদন পৰ্ব্বতত কঙ্কতীৰ অৰিন্দম নামে এটি পুত্ৰ হল। ঋতুৰ দ্বিতীয় দিবসত সহবাস কৰাত (অৰ্থাৎ ঋতুৰ দোষত) পুত্ৰ স্বেচ্ছাচাৰী, ব্যাধবৃত্তি, অতি ঘোৰ প্ৰাণীহিংসুক, মদ্য-মাংসপ্ৰিয়, কদাচাৰ পৰায়ণ, সৰ্ব্বপ্ৰকাৰ পাপাশক্ত হল। কঙ্কতী পুত্ৰৰ এনেকুৱা আচাৰ দেখি বৰ দুঃখিত হৈ অতি ঘোৰ তপস্যা কৰিবলৈ ধৰিলে অনন্তৰ দেৱৰাজ সন্তুষ্ট হৈ কঙ্কতীৰ আগত উপস্থিত হৈ কলে, "হে কঙ্কতি। কিয় তুমি তপস্যা কৰিছা, মোত কোৱা মই তোমাৰ তপস্যাত বৰ সন্তুষ্ট হৈছোঁ, যি ইচ্ছা কোৱা, তাকে দিম।" কঙ্কতী কলে, "হে নাথ। মোক লৈ যাওক, মোৰ গৰ্ব্ভত আপোনাৰ যি পুত্ৰ হৈছে, সি সদায় পাপাচাৰী। হে দেৱ। মই পাপ দেখিব ভাল নেপাওঁ আপুনি এই বিষয় যি ভাল হয় তাকে কৰক। হে দেৱাধিদেৱ। তোমাৰ এই পুত্ৰ নৰাধম হব, তাত সন্দেহ কি?"

ইন্দ্ৰই কলে, "হে প্ৰেয়সি। তোমাৰ শাপকাল গৈছে। তোমাক অতিশীঘ্ৰে লৈ যাম। পুত্ৰৰ পাপদোষত বংশ নাশ হয়, এই নিমিত্তে ১২৮ পুৰুষ গলে তোমাৰ গৰ্ভজাত মোৰ বংশীয় সকল সৌম্ম দেশত বা সৌৰ্ম্ম পিঠত নৃপতি শ্ৰেষ্ঠ হব, তেওঁলোক সমুদায় পুণ্য শ্লোক, ধৰ্ম্মৰত, সদাচাৰ পৰায়ণ, ন্যায় বুদ্ধি, মহোৎসাহী, ব্ৰহ্ম তত্বজ্ঞ আৰু দ্বিজপৰায়ণ হব সন্দেহ নাই। তেওঁলোক বিষ্ণু ভক্তি পৰায়ণ হৈ বৈকুণ্ঠক যাব।" যথাকালে কঙ্কতীৰ গৰ্ভজাত সৌৰ্ম্মগণ কামৰূপৰ অধীশ্বৰ হৈছে। পূৰ্ব্বে সৌৰ্ম্মাৰ, পশ্চিমে কুবাচ (কোছ) উত্তৰে প্লৱগণ, দক্ষিণে যৱনসকলে ৰাজত্ব কৰিছিল। হেদেবি! তোমাক সৌমাৰ চৰিত কলোঁ। আৰু যি শুশুনা কথা শুনিবৰ ইচ্ছা কৰা তাকে সোধা॥ ইতি॥ সৌমাৰ পিঠত ৰাজত্ব কৰাৰ নিমিত্তে সৌমাৰ নামে বিখ্যাত॥

# কোচ ৰজা।

ভগবতি শুধিলে, "হে সৰ্ব্বদেৱ পূজিত শঙ্কৰ! আপুনি কোন কোন ঠাইত বাস কৰে, দয়াকৰি মোক কওক?" সদাশিবে কব লগিলে, "যোন পৰ্ব্বতৰ ওচৰত (কামাখ্যাৰ ওচৰত) কোচনামে (কোচবিহাৰ কুচ-নৃপতি দেৱ কন্যাৰ সহিত সদাশিবে বিহাৰ কৰিছিল সেই নিমিত্তে তাৰ নাম কোচবিহাৰ) দেশ আছে। তাতে ৰেৱতী নামে এজনী যোগিনী আছে। তেওঁৰ কুচ যুগল কঠিন আৰু যোনী মণ্ডল পীন ও মনোহৰ। মই ভিক্ষাৰ চলে ৰাতি দিনে তেওঁৰ ওচৰলৈ যাওঁ।' ভগবতী সুধিলে, "সেই ৰমনী কত আছিল, কেনেকৈ ব তেওঁ তপস্যা কৰিছিল, তেওঁ কেনেকৈ পৃথিবীলৈ আহিল, তওঁ কি হৈ আছে দয়াকৰি এই বিলাক মোক ভাঙি কওক।" 'হে নগেন্দ্ৰ নন্দিনী! তেওঁৰ চৰিত অলপ কৈ কওঁ, কাণ পাতি শুনা।

সেই বেদাঙ্গ সম্ভবা যোগিনী পূৰ্ব্বত দেৱনাৰী আছিল। তেওঁ সদায় মোৰ লগত ক্ৰিয়া কৰি আছিল আৰু সদায় মোৰ নিমিত্তে তপস্যা কৰি আছিল। সেই যোগিনী তীৰ্থ সমূহ শোভিত আশ্ৰমত তপস্যা কৰি আছে, সেই সময় এজন ব্ৰাহ্মণে ভিক্ষাৰ নিমিত্তে তাতে উপস্থিত হল। ভিক্ষুকক ভিক্ষা দিয়া দূৰত থাকক এ আমাৰ কথাদ্বাৰায় উত্তৰকে নিদিলে। অনন্তৰ সেই ব্ৰাহ্মণে তেওঁক শাপ দিলে—"ৰে দুৰ্ম্মতে! ম্লেচ্ছ হোৱা!" এনেকৈ ব্ৰাহ্মণে শাপ দি গুচি গল আৰু যোগিনীও ম্লেচ্ছত্ব প্ৰাপ্ত হল। যি মানুহে ভিক্ষুকক যথাশক্তি ভিক্ষা নেদিয়ে সি অৱশ্যে দুৰ্গতি ভোগ কৰে। মই তেওঁৰ

তপশ্যাত সদায় সন্তুষ্ট আছোঁ, সেই নিমিত্তে তেওঁৰ লগত সদায় ৰতিসম্বন্ধ আছেই। তাৰ পিচত তেওঁৰ গৰ্ভত মোৰ ঔৰসে বিশ্ব-সিংহনামে এটি পুত্ৰ হয়। সেই মহামতি বিশ্বসিংহয় অকলে সৌমৰ-বিলাকক আৰু গৌড় পঞ্চমগণক ও সমুদায় নৃপতিসকলক পৰাভব কৰি এজন প্ৰধান শ্ৰীমন্ত ৰজা হৈছিল। সেই বিশ্বসিংহৰ পৃথিবী পালক বহুপুত্ৰ হয়। তাৰ ভিতৰত কুবাচবিলাক অতি ধৰ্ম্মশীল আৰু মহাযোদ্ধা। হে দেবি! বিশ্বসিংহ মহাযোগ কৰি অব্যক্ত (নেদেখাভাবে) এতিয়াও আছে আৰু সেই দেবনাৰী কালবশে মোত লীন হব॥ ইতি যোগিনীতন্ত্ৰ ১৩ পটল।

মন্তব্য। ভগবান পৰশু ৰামৰ অৱতাৰ ত্ৰেতাযুগৰ আদিতেই। তেওঁৰ ভয়ত ক্ষত্ৰিয়বিলাকে কুচি মুচি থকাৰ নিমিত্তে কোচনামে প্ৰসিদ্ধ হৈছে। "পৰশুৰাম ভয়াৎ" ইত্যাদি। দ্বাপৰ যুগৰ আদিতে আগম শাস্ত্ৰ নিৰ্ম্মাণ কৰিছে, "ৰাৰবাৰাৰীৰু া ভুই" ইত্যাদি পদ্মপুৰাণ, তাত লিখা আছে যে—যোনী গৰ্ত্তৰ ওচৰত কোচনামে দেশ আছে। ত্ৰেতা যুগত ভাৰতত কোচ, দ্বাপৰ যুগত ভাৰতত কোচ, এতিয়া কলিযুগতো ভাৰতত কোচ। এই কোচ বিলাকক মধ্য এচিয়াৰ পৰা আহা বুলি কব পাৰিনে? দ্বাপৰ যুগত বিশ্বসিংহৰ জন্ম হৈছে, বিশ্বসিংহৰ বংশীয় সকল মহৎ আৰু এইবিলাক কথা কল্পনিক বুলি কব নোৱাৰোঁ। ভগবান পৰশু ৰাম, স্মৃতিচিহ্ন—পৰশুৰাম কুণ্ড; ভগবান ৰাম,—স্মৃতি —ৰামেশ্বৰ সেতুবন্ধ; মহাৰাজ হস্তী, স্মৃতি —হস্তিনা নগৰ; মহাৰাজ কুৰু, স্মৃতি—কুৰুক্ষেত্ৰ ইত্যাদি।

## প্লবচৰিত বা বাহ্লীক বংশীয় নৃপতি।

শাল্ব পুত্ৰবিলাব আৰু বাহ্লীক পুত্ৰবিলাক কৌৰবৰ যুদ্ধত মৰিছে। সেই বাহ্লীক বংশত কোনো বংশধৰ নাছিল। সেই সময়ত বাহ্লীক পত্নী কুম্মী পুত্ৰকামনা কৰি কাশীলৈ গৈ বিশ্বনাথৰ মন্দিৰত তপস্যা কৰিবলৈ ধৰিলে। সেই কালত বলিপুত্ৰ বাণ আৰু মহাবলী মহাকাল দ্বাৰপাল আছিল। তাৰ পিচত মহাকালে অতি ৰূপৱতী কুম্মীক দেখি কামমোহিত হৈ ৰতি নায়ক মহাবল মহাকালে কুম্মীৰ সহিত সহবাস কৰিলে। সেই সহবাসত কুম্মীৰ গৰ্ভত মহাকালৰ ঔৰসে মহাঙ্কুশ নামে এটি পুত্ৰ হল। সেই কুম্মীৰ তপস্যাৰদ্বাৰায় শাল বংশীয় মহাঙ্কুশ কামৰূপত ৰাজ্য লাভ কৰিলে। পাচত মহাঙ্কুশ প্লব নামে বিখ্যাত হল। ১৪ পটল যোগিনী তন্ত্ৰ।

## মনু

প্ৰথম স্বায়ম্ভুবমনু তেওঁৰ পুত্ৰ প্ৰিয়ব্ৰত আৰু উত্তানপদ, এই মনুৰ বংশত মহামতি ধ্ৰুব, পৃথু, বেণ, ভৰত, (যাৰনামত ভাৰতবৰ্ষ) সুমতি প্ৰভৃতি অসংখ্য মহাত্মা জন্মিছে। দ্বিতীয় মনু স্বাৰোচিস, এই মনুৰ পুত্ৰ চৈত্ৰ, চৈত্ৰৰ পুত্ৰ বিৰথ, বিৰথৰ পুত্ৰ সুৰথ। এই সুৰথ কৰ্ণটৰ যুদ্ধত পৰাস্ত হৈ স্ত্ৰীপুত্ৰক সুতপা নামে পুৰোহিতৰ ঘৰত থৈ মৃগয়া চলে বনলৈ গৈ মেধস মুনিৰ উপদেশ মতে সমাধি নামে বৈশ্য সহিত নৰ্ম্মদা নদীৰ পাৰত দুৰ্গামূৰ্ত্তি সাজি তিন বছৰ দুৰ্গা পূজা কৰে। ভগবতীৰ প্ৰসাদত হৃত ৰাজ্য লাভ কৰে আৰু ভগবান সূৰ্য্যৰ ঔৰসে ছায়াৰ গৰ্ভত জন্ম গ্ৰহণ কৰি সাৱৰ্ণি নামে অষ্টম মন্বান্তৰাধিপ হয়। এই সুৰথে দুৰ্গা পূজাৰ প্ৰতিপদাদি কল্পাৰম্ভ

প্ৰবৰ্ত্তিত কৰে। সুৰথৰ ৰাজধানী অঙ্গদেশত আৰু সমাধি বৈশ্যৰ ঘৰ কান্যকুব্জ দেশত, মেধসৰ আশ্ৰম দাক্ষিণাত্যত॥

তৃতীয় মণু ঔত্তমি, এওঁৰ দিনতে বশিষ্ঠৰ সাতপুত্ৰ সপ্তৰ্ষি হয়। বশিষ্ঠ মুনিৰ আশ্ৰম কামৰূপত।

চতুৰ্থ মনু তামস, এওঁৰ দিনত মহাৰাজ শিবি শত অশ্বমেধ যজ্ঞ কৰি ইন্দ্ৰ হয়। (এওঁ বহুত যুগৰ আগত ভাৰতত ৰাজা হৈছিল, এওঁৰ পুৰুষীনামা পোৱা বৰ তান) নৰ, খ্যাতি, শান্ত, হয়, জানুজঙ্ঘ প্ৰভৃতি মনুৰ পুত্ৰ ৰাজা হৈছে। এই মনুৰ বংশত ইন্দ্ৰদ্যুম্ন পাণ্ড্য দেশত চক্ৰবৰ্ত্তী ৰাজা হৈছিল। এওঁৱে জগন্নাথ মন্দিৰাদি স্থাপন কৰে। এই ইন্দ্ৰদ্যুম্ন ৰাজায় তপস্যা কৰি থাকোঁতে অগস্ত্য মুনিৰ শাপত হাতী হয়। বিশেষ বিবৰণ ব্ৰহ্মপুৰাণ ও ভাগৱতত দ্ৰষ্টব্য।

পঞ্চম মনু ৰৈবত, বলবন্ধু, সুসম্ভাৰু, সত্যক প্ৰভৃতি ৰৈবত মনুৰ পুত্ৰবিলাক ৰাজা হয়। স্বাৰোচিষ, ঔত্তমি, তামস, ৰৈবত এই চাৰিজন মনু প্ৰিয়ব্ৰত ৰাজাৰ বংশ জাত।

ষষ্ঠ মনু চাক্ষুষ, এই চাক্ষুষ মনুৰ দিনত মনোজ নামে ইন্দ্ৰ হয়। উৰু, পুৰু, শতদ্যুম্ন প্ৰভৃতি চাক্ষুষ মনুৰ পুত্ৰ ৰাজা হয়। মনোজ বা মন্ত্ৰদ্ৰু নামে ইন্দ্ৰক দুৰ্ব্বাসা মুনি "লক্ষ্মীভ্ৰষ্ট হোৱা" বুলি শাপ দিয়াত উপায়ন্তৰ বিহিন হৈ ভগবানৰ সহায়ত সমুদ্ৰ মন্থন কৰে।

সপ্ত মনু বৈবস্বত, এতিয়া এওঁৰেই দিন চলিব ধৰিছে, ইক্ষ্বাকু প্ৰভৃতি এই মনুৰ পুত্ৰ, মনুৰ অষ্ট বিংশতি যুগৰ ত্ৰেতাযুগত সমুদ্ৰ বন্ধন হৈছে। প্ৰত্যেক মনুৰ দিন বা আয়ু দিব্য পৰিমাণে ৭১ যুগ মনুষ্য পৰিমাণে ২৮৪ যুগ। এই মনুৰ দিব্য পৰিমাণে ২৮ যুগ গৈছে

অলপ অবশিষ্ট। মনুষ্য পৰিমাণে— ১১২ যুগ গত হৈছে অলপ বাকী। ২৮ যুগত প্ৰত্যেক দ্বাপৰত ২৮ জন বেদব্যাস অতিত হৈ গৈছে, বেদব্যাসৰ বিশেষ বিবৰণ বিষ্ণু পুৰাণৰ তৃতীয়াংশৰ তৃতীয় অধ্যাযত দ্ৰষ্টব্য।

## দক্ষবংশ।

ব্ৰহ্মা
|
দক্ষ

ব্ৰহ্মাৰ পুত্ৰ স্বায়ম্ভূব মনুৰ তৃতীয় কন্যা প্ৰসূতি। তেওঁক দক্ষ প্ৰজাপতিত বিয়া দিছিল। প্ৰসূতিৰ গৰ্ভজাত দক্ষ প্ৰজাপতিৰ কন্যা সতী। তেওঁক ভগবান সদাশিৱত বিয়া দিছিল। সতী পতিনিন্দা অপমানত প্ৰাণ পৰিত্যাগ কৰাত সতীৰ দেহ ৫১ খণ্ডে বিভক্ত হৈ ভাৰতবৰ্ষৰ ঠায়ে ঠায়ে কামাখ্যা প্ৰভৃতি ৫১ খন প্ৰসিদ্ধ পিঠ হৈ আছে। স্মৰণাতিত কালৰপৰা সেইবিলাক পিঠ আৰ্য্যসকলৰ পূজ্য আৰু পূজাৰ পদ্ধতিও লিখি থৈ গৈছে।

সতীৰ দেহজাতাদি তীৰ্থবিলাক সেই দিনতে উৎপন্ন হৈয়ো পতিত ভাবে আছিল। দুই হেজাৰ খ্ৰীষ্ট পূৰ্ব্বত আৰ্য্যসকল আহি সেইবিলাক তীৰ্থ উদ্ধাৰ কৰিছে আৰু পূজাদিৰো প্ৰথা চলাইছে।

এনেকুৱাকৈ যদি কওঁ, তাৰ উত্তৰ যথা—

এই বৰাহ কল্পৰ সপ্তম মন্বান্তৰৰ অষ্টবিংশতি যুগৰ ত্ৰেতাত জনক-ৰাজাৰ যজ্ঞভূমীত নৰকৰ জন্ম হৈছিল। গৌতম মুনি নৰকৰ জাত-

কর্ম্মাদিত পুৰুহিত আছিল, গৌতম মুনি ভাৰতৰ, তেওঁৰ ভাৰ্য্যা অহল্যাৰ মধ্যপ্রদেশত স্মৃতিচিহ্ন আছে আৰু গৌতমৰ বংশধৰো আছে। নৰকৰ ৰাজধানী গৌহাটীত। নৰক ৰজায় ত্রেতাৰ বা দ্বাপৰৰ শেষ কিম্বা কলিৰ আদি পর্য্যন্ত কামাখ্যাদি দেবালয় বিলাকৰ সেবা পূজাদি বিশেষ ভাবে চলাইছিল। কামাখ্যা পূজা কৰিবলৈ অহা বশিষ্ঠ মুনিক পূজাত বাধা দিয়াত মুনিয়ে ৰজাক শাপিছিল। বিশেষ বিবৰণ কালিকা পুৰাণত আৰু যোগিনী তন্ত্রত দ্রষ্টব্য।

ভগবান শ্রীকৃষ্ণে বনবাসত যুধিষ্ঠিৰ ৰাজাৰ আগত যি শ্রীবৎস চিন্তাৰ উপাখ্যান কৈছিল, সেই শ্রীবৎস ৰাজাৰ বৈবস্বৎ মন্বান্তৰত অষ্টবিংশতি যুগৰ পুৰুষী নামাত কোনো উল্লেখ নাই। যুধিষ্ঠিৰ দ্বাপৰৰ, যথা— "দ্বাপৰেতু পুৰাবৃত্তে ভ্রষ্টৰাজ্যো যুধিষ্ঠিৰঃ" ইত্যাদি দ্বাপৰত নৰক ৰজাৰ ৰাজধানী গৌহাটীত আৰু শ্রীবৎস ৰাজাৰ ৰাজধানীও গৌহাটীত, তেওঁ চক্রবর্ত্তী আছিল আৰু ৰাজসূয় অশ্বমেধ যজ্ঞকৰা বুলি মহাভাৰতত প্ৰমান পোৱা যায়। শাস্ত্ৰৰ মৰ্ম্মানুসাৰে বেচ বুজিব পাৰি যে— শিবি, সুৰথ, ইন্দ্রদ্যুম্ন প্রভৃতি ৰাজাবিলাকৰ নিচিনা এই প্রবর্ত্তিত অষ্টবিংশতি যুগত তেওঁ ৰাজা নহয়; ইযাৰ পূৰ্ব্ববৰ্ত্তী সপ্ত বিংশত্যাদি যুগাদিত গৌহাটীত শ্রীবৎস ৰাজা আছিল। নৰকৰ পুত্র ভগদত্ত, তৎ কন্যা ভানুমতী তেওঁৰ স্বামী হস্তিনা পতি দুর্য্যোধন। দুর্য্যোধনৰ কন্যা লক্ষণা, লক্ষণাৰ স্বামী শাম্ব, শাম্বৰ পিতা ভগবান শ্রীকৃষ্ণ

এই বৈবস্বত মন্বান্তৰৰ অষ্টবিংশতি সংখ্যক যোগত বর্ষাকালত দুপৰ নিশাত কৃষ্ণাষ্টমীত ভগবান শ্রীকৃষ্ণৰ জন্ম হৈছিল, আৰু

সেই নিশাতে নৱনীত যোগমায়াৰ ( অষ্টভূজা বিন্ধ্যবাসিনী ) জন্ম হৈছিল যথা—

প্ৰবৃট কালে চ নভসি কৃষ্ণাষ্টম্যামহং নিশি
উৎপৎস্যামি নবম্যাঞ্চ প্ৰসূতিং ত্বমবাপ্স্যসি । ৭৬।

বিষ্ণুপুৰাণ পঞ্চমাংশৰ প্ৰথমাধ্যায় ॥

বৈৱস্বতেহন্তৰে প্ৰাপ্তে অষ্টাবিংশতিমে যুগে ইত্যাদি,
নন্দগোপ গৃহে জাতা যশোদা গৰ্ভ সম্ভৱা ইত্যাদি।

দেৱতা বিলাকৰ আগত ভগৱতী কৈছিল যে— বৈবস্বত মন্বান্তৰৰ অষ্টবিংশ সংখ্যক যুগতে শুম্ভ নিশুম্ভ নামে আন দুটা মহাসুৰ জন্মিব, তেতিয়া মই নন্দগোপৰ ঘৰত যশোদাৰ গৰ্ভত জন্ম গ্ৰহণ কৰি বিন্ধ্যাবাসিনী ( অষ্টভূজা ) হৈ সিহঁতক নাশ কৰিম ইতি— চণ্ডী।

এইক যোগমায়া বুলি কয়, বসুদেৱে কৃষ্ণক যশোদাৰ কাষত থৈ যোগমায়াক লৈ আহিছিল। এই দেৱী মাহাত্ম্য চণ্ডী স্বাৰোচিষ মন্বান্তৰত ৰাজ্যভ্ৰষ্ট সুৰথৰ আগত মেধস মুনি কৈছিল যথা—

মেধাস বদানমাস সুৰথায় নৰাধিপে। দ্বিতীয় স্বাৰোচিষ মনুৰ পুত্ৰ চৈত্ৰ, এই চৈত্ৰৰ বংশত সুৰথ ৰাজা জন্মিছিল যথা—

স্বাৰোচিষেহন্তৰে পূৰ্ব্বং চৈত্ৰবংশ সমুদ্ভৱঃ।
সুৰথো নাম ৰাজা ভূত ইত্যাদি ।৩।

মাৰ্কণ্ডেয় পুৰাণ ৮১ অধ্যায় ।

সুৰথৰ প্ৰবৰ্ত্তিত প্ৰতিপদাদি কল্পাৰম্ভ মতে এতিয়াও ভাৰতত দুৰ্গোৎসৱ হয় আৰু এই অষ্টাবিংশতি যুগত ৰাৱণ বধৰ নিমিত্তে প্ৰবৰ্ত্তিত কৰা ভগৱান ৰামচন্দ্ৰৰ ষষ্ঠ্যাদি কল্পাৰম্ভ মতেও দুৰ্গোৎসৱ হয়।

সুৰথৰপৰা এই অষ্টবিংশতি যুগ পৰ্য্যন্ত দিব্য সংখ্যত ৩৮৩ যুগ, অলপ বাকী ( অৰ্থাৎ বৈবস্বত মন্বান্তৰৰ অলপ বাকী দিব্য—২৮ যুগ, তৎপূৰ্ব্ব বৰ্ত্তী ৬ষ্ঠ চাক্ষুষ মনু দিব্য ৭১ যুগ, তৎপূৰ্ব্ববৰ্ত্তী ৫ম ৰৈবত মনু দিব্য ৭১ যুগ, তৎপূৰ্ব্ববৰ্ত্তী ৪ৰ্থ তামস মনু দিব্য—৭১ যুগ, তৎপূবৰ্ত্তী ৩য় ঔত্তমী মনু দিব্য—৭১ যুগ, তৎপূৰ্ব্ববৰ্ত্তী ২য় স্বাৰোচিষ মনু দিব্য—৭১ যুগ ) মন্বান্তৰাস্ত দিব্যানাংযুগা মেক সপ্ততি ইতি অমৰঃ। ইমান যুগৰ ভাৰতৰ আৰ্য্য সুৰথ, মেধস, সুতপাঃ ( সুৰথৰ পুৰোহিত ) সমাধি বৈশ্য ইত্যাদি। স্বাৰোচিষ মন্বান্তৰৰ পূৰ্ব্ব বৰ্ত্তী স্বায়ম্ভুব মন্বান্তৰত ভৰত পুৰুষী নামাত দ্ৰষ্টব্য। স্বায়ম্ভুব মন্বান্তৰৰ বহুদিন আগত মৰীচি, অত্ৰি, অঙ্গিৰা, পুলস্ত্য, পুলহ, ক্ৰতু, প্ৰচেতা ( দক্ষ ) ভৃগু আৰু নাৰদ এই দশজন ব্ৰহ্মাৰ মানস পুত্ৰ ভাৰতবৰ্ষৰ আদি আৰ্য্য। পুৰণাদি শাস্ত্ৰত এওঁলোকৰপৰা সৃষ্টি হৈছিল, হব ধৰিছে আৰু হব।

যম্বুদ্বীপৰ উপদ্বীপ যথা— ১। স্বৰ্ণপ্ৰস্থ ২। চন্দ্ৰশুক্ল ৩। আৰ্য্যবৰ্ত্ত ৪। ৰমণক ৫। মন্দহৰিণ ৬। পাঞ্চজন্য। ৭। সিংহল ৮। লঙ্কা ( পঞ্চম স্কন্ধ ভাগৱত ১৯ আধ্যায়।

ধৰ্ম্ম যথা—পদ্মপুৰাণ "বৰ্ণাশ্ৰমাদিধৰ্ম্মানাং কৰ্ত্ত বক্তা প্ৰবৰ্ত্তকঃ" পাৰ্ব্বতীৰ আগত শিৱে কৈছে যে বৰ্ণাশ্ৰমকে আদি কৰি ধৰ্ম্মবিলাকৰ তেওঁৱে ( ঈশ্বৰেই ) কৰ্ত্তা, বক্তা আৰু প্ৰবৰ্ত্তক। এই বৰ্ণাশ্ৰম ধৰ্ম্মক হিন্দু ধৰ্ম্ম আবৈদিক ধৰ্ম্ম বুলি কয়।

বেদ বিশেষ বিবৰণ মাৰ্কণ্ডেয় পুৰাণৰ ১০১।১০২।১০৩। অধ্যায়ত দ্ৰষ্টব্য। ভগবান সূৰ্য্যদেবৰ আগেই বেদ হৈছে। বেদৰ ভাষা ভাৰতত

হে আৰু সিংহল ও লঙ্কাতো থকা প্ৰমাণ আছে। লঙ্কাধিপতি ৰাৱণৰ ৰচিত "অৰ্কপ্ৰকাশ" এই পুথিখন সংস্কৃত ভাষাত লিখা। আন আন ঠাইত সংস্কৃত প্ৰচলন প্ৰথা শ্ৰীযুক্ত সোনাৰাম চৌধুৰীৰ "য়ুৰোপত ভাৰতীয় সাহিত্য শিক্ষাৰ প্ৰচাৰ [ সংস্কৃত পালি আদি ] প্ৰবন্ধ ১৮৬০ শকৰ ৯ম বছৰ ১২ সংখ্যা আবাহনত পঢ়ক।

ইয়াত বাহিৰেও শত সহস্ৰ প্ৰমাণ পাব। মুই বা মিছা এই দুই আখৰত সিদ্ধান্ত নকৰি পূৰ্ব্ব পুৰুষসকলে থৈ যোৱা সম্পত্তি বিচাৰিব।

মই পিত পিত কৰি বিচাৰি চালোঁ। সৃষ্টি হোৱাৰপৰা আজিলৈকে কোনো আৰ্য্য কোনো দিনতো কোনো দেশৰপৰা ভাৰতলৈ অহা নাই। আৰ্য্য বিলাক ভাৰতৰপৰা আন আন দেশক যোৱাহে প্ৰমাণ পোৱা যায়। ইতি—



কিতাপ পোৱাৰ ঠিকানা :—

গ্ৰন্থকাৰ—

পোঃ নলবাৰী—বৰমুৰিকোণা।

আৰু

দত্ত বৰুৱা ব্ৰাদাৰ্চ এণ্ড কোং

নলবাৰী, (অসম)।